# বিহুৱান



লিখক—

শ্ৰীললিত ৰাম শইকীয়া।



প্ৰকাশক—

সাথৰ ভৌৰ

ৰহা—নগাওঁ

১। যাচৰিছে— শ্ৰীললিত ৰাম শইকীয়াই।
২। প্ৰকাশিছে— শ্ৰীকাশী নাথ মহন্তই।
৩। মুদ্ৰকৰিছে— শ্ৰীকালি ৰাম দাসে।
৪। ছপাইছে— পূৰ্ব্বজ্যোতি [illegible] প্ৰেছ।
কেলীবজাৰ, [illegible]হাটী।

মূল্য- দহ অনা মাত্ৰ।

সৰ্ব্বস্বত্ব সংৰক্ষিত।

# —বিহুৰাণ—

(ছচৰী কীৰ্ত্তন)

শ্ৰীললিত ৰাম শইকীয়া।

# নিবেদন

বিহু অসমীয়াৰ জাতীয় উৎসৱ। বিহুক বাংচালী ৰূপহী কৰিবৰ কাৰণেই বিহুনামৰ সৃষ্টি। বিহুনামত কোনো বিশেষত্ব নাই বুলিয়েই অতীজৰ পৰা বিহুপ্রেমিক সকলৰ মুখে মুখেহে বিহুগীত চলি আহিছিল। কিন্তু সত্যক ঢাকোন দি ৰাখিব নোৱাৰি। এই ভ্রান্ত ধাৰণা সভ্য সমাজৰ আগত এদিন ধৰা পৰিল। তেতিয়াৰ পৰাই বিহুনামে সকলোৰে আদৰ লাভ কৰিলে আৰু লিখিত হিচাবে প্রচাৰ হবলৈ ধৰিলে। অসমৰ প্রাচীন সভ্যতা কৃষ্টি সাহিত্য—দাপোনৰ প্রতিচ্ছবিৰ দৰে বিহুনামৰ জৰীয়তে দেখিবলৈ পাওঁ—

যেনে :—

আমি যে যাওঁগৈ ডিবুৰু জিলালৈ আনিদিম কপাহৰ জোলা।
তুমি বৈয়ে ল'বা ৰিহাকৈ মেখেলা মোকো বৈয়ে দিবা চোলা॥

আৰু :—

নাও হেঙুলীয়া, বঠা হেঙুলীয়া আৰু হেঙুলীয়া চে;
চেনাইৰে মৰৰ জাপী হেঙুলীয়া, বিজুলী বাঁহৰে দৈ।

বিহুগীত বিলাক অতি শুৱলা আৰু ছন্দৰ স্বাবলীল গতি থকাৰ কাৰণে অন্তৰস্পৰ্শী আৰু প্ৰাণত বোৱায় এক নিৰবচ্ছিন্ন আনন্দৰ সোঁত। তাৰ লগতে শুৱলা সঙ্গীতৰ সমাবেশ থকাত নৃত্যত ৰূপায়িত হবলৈ সহজ হয়। নৃত্য-গীতৰ সোঁৱৰণী চিন হিচাবেই বহাগ মাহৰ প্ৰথম সাতোটা দিনত হুচৰি নাচ-গীত অসমত আবহমান কালৰ পৰা চলি আহিছে। বসন্ত কালত হোৱা বহাগৰ বিহুটিয়ে প্ৰত্যেক অসমীয়াৰ প্ৰাণত একোটি নতুন আনন্দৰ আলোড়ন তোলে। বিশেষকৈ ডেকা-ডেকেৰীৰ প্ৰাণত প্ৰেমৰ পুলক জগাই তোলে। একোটি অজান আনন্দৰ শিহৰণে মনৰ ভিতৰত সুপ্ত হৈ থকা কামনা বাসনাবিলাক বিহুগীতৰ জৰীয়তে প্ৰকাশ কৰে। সেয়ে হয়তো কোনো

DISTRICT LIBRARY

কোনোৰ অকৃত্ৰিম প্ৰেম পাশত আৱদ্ধ হোৱাৰ সুবিধা ঘটায়।

সেই সময়ত প্ৰকৃতিয়েও নিজৰ পুৰণা সাজ সোলোকাই নতুন সাজ গ্ৰহণ কৰে। আনকি পানীৰ মাছ-কাছ বনৰ পশু-পক্ষীয়েও ৰং-ৰূপহত আত্মহাৰা হয়। এই জাতীয় উৎসৱ বিহুৰ লগত অসমীয়াৰ প্ৰচলিত বহুত নতুন নতুন নিয়মৰ সোঁৱৰণী হয় যিবিলাক নিজৰ স্বাস্থ্য, শিল্প, ধৰ্ম্ম, নীতি-নিয়মৰ লগত ওতপ্ৰোত ভাৱে জৰিত। সেই কাৰণেই বিহুগীত বিলাক আমাৰ অতি আপোন "বাপতি সাহোন"।

সৰ্ব্বসাধাৰণে যাতে হুচৰি গাবলৈ সৰল আৰু সহজ হয় এই উদ্দেশ্য সাৰোগত কৰিয়েই এই ক্ষুদ্ৰ পুথি ৰচনা কৰা হল। ইয়াত মাত্ৰ এটা থুলমুল আভাষহে দিয়া হৈছে। ইয়াত নিহিত থকা ঘোষা-কীৰ্ত্তন কেইটামানৰ বাহিৰে বাকী ভালেমান অপ্ৰকাশিত নাম সুমুওৱা হৈছে। কেইটামান সময় আৰু পৰিস্থিতিৰ লগত খাপ খুৱাই ৰচনাও কৰা হৈছে। হুচৰিৰ নামবিলাক সজাওতে পৰাওতে অনেক ত্ৰুটি ৰৈছে সেইবিলাক সদাশয় পাঠক পাঠিকা সকলে নিজগুণে মৰিষণ নকৰিলে অন্য উপায় নাই।

পৰিশেষত এই পুথিখনি যুগুত কৰিবলৈ বন্ধুবৰ শ্ৰীযুত কাশীনাথ মহন্তদেৱে বিশেষৰূপে উদগনি দিয়াত লৰালৰিকৈ উলিয়াব লগীয়া হল। বিহুপ্ৰেমিক সকলক কিমান দূৰ সহায় কৰিব পাৰিছো নাজানো। পাঠক পাঠিকা সকলে এই ক্ষুদ্ৰ পুথিক মৰমৰ চকুৰে চালে ভৱিষ্যতলৈ বহল ভাৱে উলিয়াবলৈ মন থাকিল। ইতি—

ৰহা
পুণ্য-ভাদ মাহ।
১৯৫১ চন।

শ্ৰীললিত ৰাম শইকীয়া।



GOVERNMENT ...
Ca 891.491
Sa. 2. Bi

# —বিহুবান—

ঘোষা ॥ দেউতাৰ পদূলিত গোন্ধাইছে মধুৰি
কেতেকী মলেমলাই ঐ গোবিন্দাই ৰাম ।

পদ ঃ— শুকনিগদতি শুনা কুৰুপতি
কৃষ্ণৰ আৰু চৰিত্ৰ ।
আছিল দৰিদ্ৰ বিপ্ৰ দামোদৰ
বৈষ্ণৱ অতি পবিত্ৰ ॥
তাহান ব্ৰাহ্মণী, অতি প.তিব্ৰতা
দুখে দণ্ড যুগ যায় ।
কাম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোলায় ॥
শুনিয়োক স্বামী মন্দভাগী আমি
সহিবো কত নিকাৰ ।

DISTRICT LIBRARY.

দ্বাৰকাত আছে প্ৰভু যদুপতি
পৰম মিত্ৰ তোমাৰ ॥
দীন দয়াকৰ করুণা সাগৰ
সাক্ষাতে লক্ষ্মীৰ পতি ।
আমাৰ নিকাৰ দেখিয়া দিবন্ত
অনেক ধন সম্পত্তি ॥
ভাৰ্য্যাৰ বচন শুনিয়া ব্ৰাহ্মণে
দৃঢ় কৰিলন্ত মতি ।
কৃষ্ণৰ চৰণ দেখিবাক মনে
যাইবো দ্বাৰকাক প্ৰতি ॥

× × × ×

ভাৰ্য্যাক বুলিয়া যি পাৰা সন্দেশ
আনি দিয়া ক্ষান্ত কৰি ।
শুনিয়া ব্ৰাহ্মণী মাগি আনি দিলা
চাউল চিৰা চাৰিমুঠি ॥

ৰাধাই বোলে কৃষ্ণাই মোকে পাৰ কৰা এ
যমুনাৰ জল ঐ গোবিন্দাই ৰাম ।

পদ :— কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ
পৰম বিস্ময় মনে ।

Library books will give you ...
... handled carefully ...


স্বামী হেন জানি বুলিবে লাগিলা
প্ৰণামি কৃষ্ণ চৰণে ॥

জানিলো তোমাক জগত ঈশ্বৰ
তুমি সনাতন হৰি ।
সমস্ত ভূতৰ তুমি প্ৰাণবল
জগতকে আছা ধৰি ॥

স্ৰষ্টাৰো স্ৰষ্টা তুমি সৰ্ব্ব দ্ৰষ্টা
উদ্ধাৰি ধৰিলা ভূমি ।
জীৱৰ নিয়ন্তা পৰম আতমা
মৃত্যুৰো অন্তক তুমি ॥

জানিলো তোমাক সেহি ৰঘুনাথ
যিটো ইষ্টদেৱ মোৰ ।
সীতাৰ সন্তাপে জগতৰ বাপে
কৰিলা প্ৰয়াণ ঘোৰ ॥

যাৰ মহা ক্ৰোধে কটাক্ষতে গ্ৰাহে
সাগৰে কল্লোল কৰে ।
লঙ্কাক লাগিয়া মাজে বাট দিয়া
ডৰিয়া অতি সাগৰে ॥

ঘোষা ॥ শঙ্কৰ অই আমাৰ নিজগুৰু দৈৱকী নন্দন দেৱ ।

পদ :— মাৱৰ বচন শুনি পাশ চাপি
হাসিয়া বোলে কানাই ।
কেনেকুৱা গোটে কাণ খাই ফুৰে
চিনোৱা হাৰলি আই ॥

তাৰ নাম শুনি ঘুমতি নাসয়
ডৰে কাম্পে মোৰ বুক ।
দেখিলে লৰৰি পলাইবাক পাৰি
সত্বৰে চিনোৱা মোক ॥

অনাদি স্বৰূপে জগত স্ৰজিলো
চৰাচৰ ভেদ কৰি ।
সমস্তে জগত প্ৰতিপাল কৰি
আত্মাৰূপে আছো ধৰি ॥

ব্ৰহ্মা মহেশ্বৰ আদি কৰি যত
সমস্তে মোৰ স্ৰজনা ।
মই নাজানিলো সিটো কাণ খোৱা
স্ৰজিলেক কোন জনা ॥

বিষ্ণুৰূপে মই বৈকুণ্ঠৰ হন্তে
চড়িয়া গৰুড় স্কন্ধে ।
সমস্তে জগত বিচাৰি চাহিলো
ফুৰিয়া অতি প্ৰবন্ধে ॥

কৃষ্ণৰ বচন শুনিয়া যশোদা
ভয় হুয়া ৰহি আছে ।
একোৱে উত্তৰ দিবাক নপাৰি
হাসি মাতিলন্ত পাচে ॥

মিছা সে বুলিয়া মুখে স্তন দিয়া
কৃষ্ণক সাবটি ধৰি ।
শ্ৰীধৰ কন্দলি কহে কৃষ্ণ কেলি
ডাকি বোলা হৰি হৰি ॥

ঃ— ৰামহে নাৰায়ণ হৰি জয় গোপালহে
নাৰায়ণ হৰি ।

পদ ঃ— শুনিয়োক সৰ্ব্বজন কৃষ্ণৰ চৰিত্ৰ ।
আত পৰে আন কৰ্ম্ম নাহিকে কলিত ॥
লভি আছা জন্ম যিটো ব্ৰহ্মাৰ বাঞ্চিত ।
জানি যত্নে কৰা পাণ কৃষ্ণ কথামৃত ॥

ক্ষণিক শৰীৰ বিলম্বত কাৰ্য্য নাই ।
চিন্তামনি জন্ম হেৰা হাততে হেৰায় ॥
নাহিকে চেতন কাল অজগৰে গিলে ।
ধন জন জীৱন যাইবেক এক তিলে ॥
যত দেখা ভাৰ্য্যা পুত্ৰ সবে অকাৰণ ।
চাহি মাত্ৰ থাকে কালে ধৰে তেতিক্ষণ ॥
বিষয়ৰ সুখ এক তিলে কৰি চুৰ ।
যমৰ কিঙ্কৰে ধৰি নিৰে যমপুৰ ॥
যমৰ মূৰ্ত্তিক দেখি হৰাইবে চেতনা ।
দোৰ্ঘোৰ নৰকে পেলাই ভুঞ্জাইবে যাতনা ॥
হেন জানি কৃষ্ণৰ চৰিত্ৰ কৰা সাৰ ।
তেবেসে তৰিবা ঘোৰ সংসাৰ নিকাৰ ॥
বিচাৰি শাস্ত্ৰত পাইবা এতিসে যুগুতি ।
কৃষ্ণৰ নামেসে সাধে ভুকতি মুকুতি ॥
কলিৰ পৰম ধৰ্ম্ম জানা হৰিনাম ।
শঙ্কৰে বচিলা ডাকি বোলা ৰাম ৰাম ॥

ঘোষা :— হুৰাই লৈ সৰগৰ তৰা
চাই থাক ঐ নিলগৰ পৰা

পদ :— শঙ্কৰ দেও ৰজাৰে পুতেক মণিকোঁৱৰ
এবেলা খতি খন নাই ।

PLEASE HANDLE THIS BOOK CAREFULLY. 

এবেলা ঘোৰাতে এবেলা দোলাতে
এবেলা খেলি খেলাই ॥

ঘোৰাকে খেলিয়ে কোঁৱৰ গা নুজুৰাই
হাতী খেলিবলৈ যায়।
হাতীকে খেলিয়ে কোঁৱৰ গা নুজুৰাই
পানীত খেলিবলৈ যায় ॥

একাঠু পানীতে কোঁৱৰ গা নিতিতে
এককাল পানীলৈ যায়।
এককাল পানীতে কোঁৱৰ গা নিতিতে
এডিঙি পানীলৈ যায় ॥

এডিঙি পানীতে কোঁৱৰ গা নিতিতে
এচুলি পানীলৈ গল।
মঙ্গলবাৰৰ দিনা কালক্ষণ লাগিলে
কোঁৱৰ পানীত পৰি হেৰাল ॥

---

ঘোষা :— নিলাজী চ'ত আছিলি ক'ত
বহাগী ৰাম নেথাকো যাম।

পদ :— বহাগৰ বিহুতে তিলে পিঠা খাই
হুচৰি চাবলৈ যাওঁ।
দৈ পইতাঁৰে পেট চেঁচা কৰি
মাহীটিৰ ঘৰতে খাওঁ ॥

মাখিয়তী লই মাখি কোবাই থৈ
গৰুৰ জাগ পদূলিত দিওঁ ;
* ঘিলা ঘূৰাই থৈ গৰুক খুৱাবলৈ
ঘিলা পিঠা ভাজি নিও ॥

নহৰু পানীৰে চাৰি বেৰ ছটিয়াই
সাপৰে বান্ধনি মাৰো।
নাহৰ পাত লিখি লৈ ঘৰৰ চালত খুচি থৈ
ইন্দ্ৰক প্ৰাৰ্থনা কৰো ॥

কৰি পছি খেলি মনৰ আনন্দেৰে
জেতুকাৰে হাত বোলাও।
একুৰি এটা বন-শাক ৰান্ধিলৈ
( সন্ধ্যা ) মনৰ হৰিষে খাও ॥

* চতৰ সংক্ৰান্তি দিনা আবেলি পৰত গৰুৰ গোহালিত ঘিল ঘূৰাই আৰু গধূলি ঘিলা পিঠা ভাজি গৰুক খুওৱাৰ নিয়ম উজনী অসমত প্ৰচলিত।

ফুলাম গামোচা কান্ধত মেৰাই লৈ
গুৰুজনক মান ধৰো ।
বিহু মন বলিয়া উতলা শৰীৰক
বিছনীৰে শীতল কৰো ॥

ঘোষা ঃ— পহু মাৰিবৰ শৰ এইটো বৰডেকাৰ ঘৰ
ধৰচোন লৰাহঁত খোলাতে ৰাতি পুৰক ।

পদ ঃ— হৰিৰ নামৰ শুনিয়ো মহিমা
সাৱধান কৰি চিত ।
অজামিল নামে আছিল ব্ৰাহ্মণ
বেশ্যাত ভৈল পতিত ॥

বিপ্ৰৰ ঔৰষে বেশ্যাৰ গৰ্ভত
দশপুত্ৰ জাত ভৈল ।
অতি দয়াতৰ কণিষ্ঠ পুত্ৰৰ
নাৰায়ণ নাম থৈল ।

জাতি কুল ক্ৰিয়া সমস্তে ত্যাগিলা
মিলিল কৰ্ম্ম বিপাক ।
যত মহাপাপ সমস্তে সিজিল
পোষন্তে পুত্ৰ ভাৰ্য্যাক ॥

অনেক অধৰ্ম্ম করন্তে বিপ্রৰ
আয়ু ভৈল সমাপত।
ভয়ঙ্কৰ তিনি গোটা যমদূত
আগে ভৈল উপগত॥

\+ + + +

মাধৱৰ প্ৰতি যবে হোৱে মতি
যি ফুৰে নাম স্মৰি।
ইটো মোৰ দাস নাচাৰন্ত পাশ
ৰাখিয়া ফুৰন্ত হৰি॥

——৪০৪——

## ব্যঙ্গ সূচক:—

ঘোষা:— লাই হেৰ লেলেং সকসূতাৰ চেলেং
মাগুৰি অই তয়ে বৈয়ে দিয়া পাগুৰি অই।

পদ:— * পাচে ত্রিগয়ন দিব্য উপবন ... ...
মাগুৰি অই তয়ে বৈয়ে দিয়া পাগুৰি অই।
লাই হেৰ লেলেং ... ... ।

* পদৰ সোঁহাতে ভাঙি দিয়া মতে ঘোষাটো দিলেহে এই ঘোষাটো থাপ খাই পৰিব। গতিকে গায়ক সকলে ওপৰত ভাঙি দিয়া ঘোষাটো মতে তলৰ থিনিও দি যাব।

দেখিলন্ত বিদ্যমানে ৰাম ৰাম— মাগুৰি অই ...
লাই হেৰ লেলেং .. ... ।
ফল ফুল ধৰি জকমক কৰি ... মাগুৰি অই ... ।
লাই হেৰ লেলেং ... ... ।
আছে যত বিদ্যমানে ৰাম ৰাম— মাগুৰি অই ...
লাই হেৰ লেলেং ... ... ।

শিৰীষ সেউতি তমাল মালতি
লবঙ্গ বগী গুলাল ।
কৰবীৰ বক কাঞ্চন চম্পক
ফুলে ভৰে ভাঙে ডাল ॥

শেৱালী নেৱালী পলাশ পাৰলী
পাৰিজাত জুতি জাই ।
বকুল বন্দুলী আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই ॥

ঢোলে বাই ঢুলীয়া টিকাত নাই চুৰিয়া
ঢোলে ভালে কৰি বাবি ।
ঢোলৰে মাৰিবে নাকটি ছিঙিব
ঘৰলৈ উভটি যাবি ॥

উজাই আহিলে চিচিমুখৰ জাহাজখন
জিলিকি আহিলে টিং।
জিলিকি আহিলে আমাৰে নাচনী
সেওটা ফলাতে চিন॥

দেখিছা দেউতা হাতত ঢোলৰ মাৰি
ডিঙিত কেঁচা ঢোলৰ ভাৰ।
জনমে জনমে শুধিব নোৱাৰা
অতখন ৰাইজৰ ভাৰ॥

মুগা চোলাই মুগুৱাই তোকে হেৰ নাচনী
এড়ী চোলাই মুগুৱাই তোক।
ৰংপুৰ জিলাৰে ৰেছম জাকিট আনি দিম
সেইনো চোলাই শুৱাব তোক॥

নাচনী নৰিয়া পৰিল সমনীয়া
নাচনী নৰিয়া পৰিল।
নাচনী সলনি কুকুৰা কাটিলে
নাচনী উঠিয়ে বহিল॥

দেউতাৰ চ'ৰাঘৰ দেখিবলৈ শুৱলা
শৰণ খেৰে মেলি চায়॥

ন শ কৰাৰে ছুশকৈ গাঠনি
সৰিয়হ পিচলি যায় ॥

দেউতা ওলালে বাট চ'ৰাৰ মুখলৈ
তুলিয়াই পাতিলে দোলা ।
কাণত জিলিকিলে নৰা জাংফাই
গাত গোমচেঙৰ চোলা ॥

খুড়াদেউ পলালে হুচৰি চাবলৈ
খুড়ীদেউ ওলোৱা নাই ।
খুড়ীদেউৰ দিবৰ মন ৰূপকৈ ছটকা
খুড়াদেউৰ দিবৰ মন নাই ॥

বিহুৰে চেলেঙখন উকাকৈ বৈছিলা
ক'তো নেভাঙিলা গোৰ ।
এই বেলি বৌদেউ হুচৰিৰ কাৰণে
মেলি দিয়া জপাৰে মূৰ ॥

ধনে ধনে কৰি ধনকৈ সাঁচিলা
পৰম যতনে কৰি ।
ধনে থাকিল পৰি দেহা গলে চলি
লগত গল তুচলি খৰি ॥

শুকান ঢেকীয়াৰ কাপ
জীয়াই থাকা মানে ভকতক সোধিবা
মৰিলে সোধিবা কাক ।

পৰি হাঁহে কণী ভাগিল
ৰৰঘৰৰ ভিতৰত চিকাৰূপ হেৰালে
বিচৰা বিচৰি লাগিল ।।

ইদালি ভলুকা কোনে কাটি নিলে
সিদালি মুকলি হল ।
আমাৰ নাচনীক কোনে ধৰি নি:
বিহুতলী উৰুঙা হল ॥

বিহু কৰি থাকিবৰ মনে ঐ লাহৰ
বিহু কৰি থাকিবৰ মন ।
বিহু কৰি থাকোতে
ভৰিব লাগিব ধন ॥

ভলুকা বাহঁৰে আখি ঐ দেউতা
ভলুকা বাহঁৰে আখি ।
বতাহ বৰষুণে ওন্দোলাই আনিছে
আমাকো নথবা ৰাখি ॥

ৰাইজ হল অসয়া বাইজ হল অময়া
ৰাইজ হয় ভুবৰীৰ মান।
অতখন ৰাইজক সোধিব পাৰিলে
পাবা বৈকুণ্ঠত থান॥

এটা বাতিত নহৰু এটা বাতিত পনৰু
এটা বাতিত খুতৰা শাক।
মূৰৰ চুলি চিঙি আশীৰ্ব্বাদ কৰিছো
গৃহস্থ কুশলে থাওক॥

আজি পূণ্য তিথি অ' মোৰ অতিথি
পজাঁত মোৰ দিলাহি ধূলি।
ভুৱৰি বনৰ নিয়ৰ ভাঙি ভাঙি
আহিলা ভুটি পাৰ বুলি॥

ঙ্কয়া বেলিকা অতিথি আহিলে
আহিল গোহালীৰ গাই।
এপিনে তাঁতশাল এপিনে ঢেকীশাল
ক'তে দিম অতিথিক ঠাই॥

——o——

ঘোষা :— হাঁয়ে জালি জাপি ভাঙো শলিকাঠি
নিয়ৰত তিয়াই যাওঁ ভৰি জালিজাপি ...

পদ :— তিতিকি তিতাফুল যোৰহাটৰ গোলাপফুল
চেনীমৰা বাগিছাৰ চিঠি ।
যেতিয়া তোমালৈ মনতে পৰিল
যাওঁনো বৰষুণত তিতি ॥

আৰু হওক ধুনীয়া মদাৰ ফুল এপাহি
নহয় গোলাপ ফুলৰ মান ।
আৰু হওক চহকী মহৰী কেৰাণী
নহয় খেতিয়কৰ মান ॥

দুখীয়া এবুলি নাপাৰো মৰমী
বাৰ সাজ লঘোণত থই ।
যেনে তেনে কৰি খুৱাম ঐ মৰমী
তালৈ নকৰিছো ভয় ॥

দুখীয়া এবুলি ভাবিলে কি হব
যি আছে কপালত হব ।
দুখনি হাতেৰে আনিম ভিক্ষা কৰি
নাই দেহা সিপাৰে যাব ॥

কুটুলা কুটুলি জুটুলা জুটুলি
জুতুলি জৰাবে জিম ।
মোৰ লগত পীৰিতি কৰা যদি লাহৰী
দেহা উবুৰিয়াই দিম ॥

তুমিয়ো আমাৰে আমিও তোমাৰে
দুয়োৰে একেটি কায় ।
সৰজন ঈশ্বৰে আমাকো স্ৰজিলে
কোনো ভিনে পৰে নাই ॥

**ঘোষা :—** দলনিতে জকাই বাম বুঢ়ালোকক শুধি চাম
বিহুনো মাৰিবলৈ যাম ।

**পদ :—** চাইনো চাই থাকিলে হাবিয়াস নপলাই
নেখালেও নুগুছে ভোক ।
কিনো খাই যাবি বালিহাটৰ বেঙেনা
দলিয়াই দি যাবি মোক ॥

খিটিক খিটিক কৰি তাতে বৈ আছিলা
দোৰ্পতিৰ শুৰলা মাত ।
তোমাৰ ওচৰলৈ যাওঁ কেনে কৰি
শতুকৰে নিদিয়ে বাট ॥

পূবৰে তৰাটি পূবতে ওলাব
যাউতি-যুগীয়া কৈ ।
পশ্চিমৰ বেলিটি থিতাতে লুকাব
তাৰৈ নেথাকিবা বৈ ॥

ডিবুৰু নৈ খন জাপে দি পাৰ হম
ব্ৰহ্মপুত্ৰ কেনেকৈ হম ।
সিপাৰৰে পৰা তুমি মাতে দিবা
মকৰা যোৱাদি যাম ॥

যদিও দুখীয়া মইনো সমনীয়া
তোমাৰে কপালত খাম ।
মৰিবৰ সময়ত জানিবা মইনা
তোমাৰ গুণ বুটলি যাম ॥

ঘোষা :— এ জাইমলা নাহৰে পেলাব, কলি জাইমলা
নাহৰে পেলাব কলি ।

পদ :— চ'তে গই গই বহাগে পালেহি
ফুলিলে ভেবেলি লতা ।

বৈ...না থাকোমানে ওৰকে নপৰে
ৰঙালি বিহুৰে কথা ॥

...ালি বিহুটি হাতত পেঁপাটি
ডিঙিত ঢোল হাতত তাল লৈ ।
ডেকা গাভৰুৱে আদৰি আনিছে
জাতিৰ জাতীয়তা ...ই ॥

কুলিয়ে মাতিলে আমৰে ডালতে
কুউ কু–উ-উ বুলি ।
গাঁৱৰ ডেকালৰা ওলাল সাজিপাৰি
ৰঙালি বিহুটি বুলি ॥

গাভৰু ওলালে নাচনীৰ বেশেৰে
বুকত যৌৱনৰ ধন ।—
ঢোলৰ চেৰে চেৰে নাচিব লাগিব
এৰিথৈ ঘৰৰে বন ॥

ম'হৰ শিঙৰ পেঁপাটি হাতত লৈ ডেকাটি
বনগীত এফাঁকি গায় ।
নাচনী গাভৰুক ঠাবেৰে মাতিলে
হেম ঠেকনতে পায় ॥

জোনবে সাৰথি তৰা
আমাৰে সাৰথি　　চেনেহী নাচনী
নিচিনো নিলগৰ পৰা ।
আৰ্চিৰ কেনোৱা গন
হাতৰ পানীটুপী　　ৰাখিব পাৰো মই
ৰাখিব নোৱাৰো মন ।

—○—

ঘোষা :— কেতিয়াবা মইনাজান এনেনো বিচাত লাগে
টেটু কাটি মৰিবৰ মন

পদ :— চকুলৈ চালে তুমি　　মুখলৈ নোচোৱা
মই চালে তলমূৰ কৰা ।
তুমি নৌ মাতোতেই　　মাতিব পাৰো মই
জানোচা কেতেৰাই মাৰা ॥

কাপোৰ কলা হলে　　ধুলিয়ে মাটিয়ে
দেহা ক'লা হলে ঘামে ।
তোমাৰে সন্তাপত　　দেহা শুকাই গলে
মাৰিয়ো নিনিয়ে যমে ॥

মিকিৰৰ বৰ চাঙত বজাই বৰে কাঁহী
ভৈয়ামত বজাইছে ঢোল।
চেঙেলীয়া মনক বান্ধিবই নোৱাৰি
চিঙে মৰাপাটৰ ডোল॥

হাতো কোমল কোমল ভৰি কোমল কোমল
তোমাৰ কোমল কোমল মাত।
তোমাৰ মাতে শুনি থাকিব পৰা নাই
এৰি যাওঁ পেটৰে ভাত॥

দিও আদৰেৰে লোৱা সোণ সাদৰেৰে
প্ৰেমৰ মুকুটা মণি।
সেইনো মণিধাৰি দলিয়াই নিদিবা
দুখীয়া নিচলা বুলি॥

নমৰা কাললৈকে কৰিছো মইনা ঐ
তোমাৰ দেহাটিলৈ আশা।
মোৰ এই দেহাটি তোমাতে সোধালো
তুমি কেনেকুৱা দেখা॥

ঘোষা ঃ— স্বাধীনতাৰ দুৱাৰখন গান্ধীয়ে খুলিলে
অহিংসাক সাৰথি কৰি ।

পদ ঃ— কেলেই এনেকুৱা হলি অসমীয়া
বিদেশী বতাহত পৰি ।
ৰিহুৰে তিনিটি জাতিৰে কীৰিতি
এথানি এবানি কৰি ॥

বিহু মোৰ আপোন ঐ হাপতি সাহোন ঐ
অন্য নাই বিদেশৰ পৰা ।
অসমৰ গুৱনি ৰঙালি বিহুটি
অনা নাই বঙালৰ পৰা ॥

বিহুটি প্ৰাণৰ ধন ডকা দি অনা নাই
অনা নাই কোম্পানীৰ ধাৰত ।
জাতিৰে মৰমৰ বিহুৰে কঠিয়া
আপুনি গজিছে প্ৰাণত ॥

নেৰিবি ঐ ডেকাটি ম'হৰ শিঙৰ পেপাঁটি
নেৰিবি ঢোলৰে চেও ।
গামোচা এৰি থৈ 'টাৱেল'খন নলবি
আপোন ধন নেৰিবি কেও ॥

থুৰিয়া এৰি থৈ 'ইয়েৰিং' নলবি
ডুগডুগী এৰি থৈ 'লকেট'।
ৰিহা খন এৰি থৈ শাৰীখন নলবি
ভমকা ফুলীয়া জৰ্জ্জেট ॥

পেপাঁটো এৰি থৈ 'ক্লাৰিনেট' নলবি
ঢোল থৈ নলবি "ড্ৰাম"।
বিহুনাচ এৰি থৈ "বলডেন্স" নলবি
লুকাই থৈ জাতিৰে মান ॥

আপোনাৰ শত্ৰুক নহবি চেনাইটি
দুখিনী আয়েৰৰ জীৱ।
এৰি থৈ ঘৰৰটি নলবি পৰৰটি
জাতিৰ জাতীয়তা যাব ॥

—০—

ঘোষা :— তাতঁৰ খুটা উলুজৰি তাতে আছে মইনা বহি।

**পদ :—**

হাতত ঘটি লইনো মই, হাগিবলৈ যাৰে মইনা;
সৰ্ব্বকথা শুনিলে মই, তোমাকেহে পাৰে মইনা;

তামোল এখন দিয়ানো মোক, পাণত লগাই চুনে মইনা ;
কোনো ফালে নাপাহৰো তোমাৰেতে গুণে মইনা ;
মুৰলৈকে চালোনো মই, দীঘল দীঘল চুলি মইনা ;
সৰ্ব্বখোপা মেৰাই আছে, হাতী দাঁতৰ ফণী মইনা ;
ককাললৈ চালোনো মই, যেনে ককাল সৰু মইনা ;
মুঠিতে লুকুৱা যেনে, হৰৰে ডম্বৰু মইনা ;
হাতলৈকে চালো মই, পদুমৰে ঠাৰি মইনা ;
আঙুলিলৈ চালোনো মই, পবালি পবালি মইনা ,
দাঁতলৈকে চালোনো মই, ডালিমৰে গুটি মইনা ;
সত্যে সত্যে কৈছোনো মই, তোমাকেহে নিমে মইনা ;
যত টকা লাগে মানে, বাপেৰ মাৰক দিমে মইনা ;
যদি টকা নলও বুলি মোকৰ্দ্দমা কৰে মইনা ;
তুমি যদি জবাব কৰা বাপেৰ ফাটেক পৰে মইনা ;
অ মইনা সোলেং অ'ই বাপেৰনো ফাটেকতে পৰে ।



ঘোষা :— চায়ে হেৰ মইনা আ'ক হেৰ মইনা

উজাই আহিলে ভাটি দেশৰ নেপালী
বৰে ঘৰৰ মূধলৈ চায়। হেৰ মইনা
... ... চায়।
বৰে ঘৰৰ মূধতে সেন্দুৰীৰ ঐ তাঁতশাল
নেপালীৰ জিৰোৱা ঠাই॥

কহিগুৰিত থাকি ঐ গাখীৰৰ বেপাৰ লৈ
নেপালীয়ে হুমুঠি খায়।
শণিবাৰৰ দিনাখন সেন্দুৰী পমিলী
নদীত গা ধুবলৈ যায়।

আজি এতেবেলি নাহিল ঐ নেপালী
কান্ধত লৈ গাখীৰৰ ঢেমা॥
বিয়লি বেলিকা সেন্দুৰী হেৰালে
লগত লৈ যৌৱনৰ ঢেমা॥

মাকে কান্দিলে বাপেকে কান্দিলে
সেন্দুৰীৰ গুণলৈ চাই।
পমিলী কান্দিলে সেন্দুৰী হাঁহিলে
জীৱনৰ লগৰী পায়॥

ককায়েকনো গৈছিলে ইটানো মাৰিবলৈ
শুকান পিঠাগুৰি খায় ।
ককায়েকে খবৰ পায় ঘোৰা চুটি মেলিলে
সেন্দুৰী যে পাবলৈ নাই ॥

বাপেকক চলিলে নেপালীৰ গাখীৰে
মাকক চলিলে ধনে ।
পমিলীক চলিলে সেন্দুৰৰ টেমাদি
সেন্দুৰীক চলিলে প্ৰেমে ॥

—•—

## ব্যঙ্গসূচক :—

ভাটিক টিকে টিকে টিকে ঐ মইনা
চৰাইনো ফুলে কলা খায়—
চৈ বাৰী চৈ নাওঁ বিচাৰি লৈ যাওঁ
বুঢ়ী আই ঐ লোণ দে বগৰি খাওঁ ।
অমুকি অই, তমুকি অই ভচুকি অই তহুকি অই
তই মোৰ লাহৰী অই জলপান সজাই দে খাওঁ
বিহু মাৰিবলৈ যাওঁ ।

টিন দাওঁ দাওঁ ঘিটিন দাওঁ দাওঁ দাওঁ
ঘিঘিন খিটা মালিতৌ চেভেন
কালি ঘেট্ ঘেট্ ঘেট্ লাং পাতো চাং পাতো
আকৌ চিপৌ—আচিপৌ চিপৌ
হোঁঃ হোঁঃ হেই ।

——ঃ——

সৰিয়হ ফুলাদি ফুলিছা লাহৰী
পীৰিতি নকৰা কিয় ।
ইমানটি গপেৰে কিমান দিন থাকিবা
আটাই ছুদিনীয়া জীৱ ॥

তুমিয়ে আমিয়ে এনে কুমলীয়া
এনে কুমলীয়া দেহা ।
তুমিয়ে আমিয়ে পীৰিতি কৰিলে
কোনেও নোবোলে বেয়া ॥

নিজে মনে জানি পীৰিতি নকৰা
পীৰিতি কৰিছা হানি ।
মনুষ্যৰ দেহাটি চিৰ দিন নেথাকে
যেনে কচুপাতৰ পানী ॥

একালৰ প্ৰেমৰ দুখ একালত ভুগিবা
একালত পৰিব খহি ।
একালত মইনা কান্দিব লাগিব
লোকৰ দুৱাৰমুখত বহি ॥

তামোলৰ এঙনি তামোলৰ জেঙনি
কুমলীয়া তামোলৰ ঠোক ।
দাঁতৰ জিলিকনি মুখৰ মিচিকনি
কেনেকৈ পাহৰিম তোক ॥

মিছা মাছৰ নিচিনা ককাল খামুচিয়া
ঘোঁৰাফানৰ নিচিনা চুলি ।
কাহানিকৈ ধৰিমগৈ বুকত সাৱট মাৰি
হৃদয়ৰ প্ৰাণেশ্বৰী বুলি ॥

গাটো কাতিকৈ নেচাবা মইনা
মোৰে শপত লাগিব বেয়া ।
জনমে জনমে থাকিম একেলগে
যদি কৰে ঈশ্বৰে দয়া ॥

আছে যদি কপালত হব ধনে বস্তু
যেনে দুখীয়ালৈ যোৱা ।

নাই যদি কপালত হব কৰে পৰা
যেনে চহকীলৈ যোৱা ॥

দুখীয়া এবুলি ভাবিলে কিহব
যি আছে কপালত হব।
দুখনি হাতৰে আনিম ভিক্ষা কৰি
নাই দেহা সিপাৰে যাব ॥

মাতিলে মুখৰ মাত নিদিয়া লাহৰী
দুখীয়া দেখিলা মোক।
চকুৰ টিপে মাৰি বলিয়া কৰিলা
এতিয়া নিদিবা শোক ॥

দেহত খেলি মেলি কৰে প্ৰাণেশ্বৰী
যেনে কচুপাতৰ পানী।
তোমাৰ বেজাৰত মৰিম কাহানিবা
কোনেও নেপাব জানি ॥

মৰিলেও মৰি যাম সকলো এৰি যাম
তোমালৈ বৈ যাব আশা।
যদিও লাহৰী এতিয়া নাভাবা
তেতিয়া নাপাবা দেখা ॥

হাবিত জুই লাগিছে    আটায়ে দেখিছে
ওপৰে উৰিছে ছাই।
অন্তৰ জুই লাগিছে    কেৱে দেখা নাই
অন্তৰ পুৰি মাৰিছে খাই॥

কাণে চাই গঢ়াই দিম    কেৰু মোৰ লাহৰী
হাতে চাই গঢ়াই দিম খাৰু।
তুমি ম্‌য়ে শুবলৈ    শোৱা পালেং সজাই দিম
শিমলু তুলাৰে গাৰু॥

আহো মইনা অকলৈ    যাম মইনা অকলৈ
থাকো মইনা অকলৈ শুই।
আগেয়ে নেজানো    এতিয়া জানিলো
শৰীৰত একুৰা জুই॥

দেহে হ'ল অলীয়া    দেহে হ'ল বলিয়া
দেহা হ'ল দিহিঙৰ গড়া।
তোমাৰ লগত বুলিয়া    হলো অই লাহৰী
মুখৰ হাঁহিটিৰ পৰা॥

কি খুৱাই ভুলালা    তুমি অই লাহৰী
মোৰে পগলা প্ৰাণ।

এতিয়া লাহৰী এৰিব নোৱাৰি
দেহালৈ পৰিছে টান ॥

কলৈ যাওঁ কি কৰো ক'ত মই মৰোঁগৈ
কেনেকৈ পাহৰিম তোমাক।
ইপুৰি এৰিথৈ সিপুৰি পামেগৈ
তেতিয়া পাহৰিম তোমাক ॥

মনৰো ঠিকনা নাই মোৰ লাহৰী
চিন্তাৰো ঠিকনা নাই।
ঘৰত মনে মাৰি থাকিব নোৱাৰো
তোমাৰ চিন্তাই মাৰিছে খাই ॥

লুইতৰে বালি বগী ধকে ধকি
কাছই কণী পাৰে লেখি।
গাত জুই জ্বলিছে সৰিয়হ ফুটিছে
চেনাইক পানীঘাটত দেখি ॥

চাৰি পাৰি থেৰেজু লিখো প্ৰাণেশ্বৰী
পাটি পাৰি থেৰেজু লিখো।
তোমাৰে নিচিনা অতিকৈ ধুনীয়া
ৰাতি সমাজিকত দেখো ॥

পানীয়ে পানীয়ে তুমি লৰে মাৰা
মযো লৰে মাৰো বামে ।
দু-চকু পানীৰে ৰিহা খন তিতিলে
মেখেলা তিতিলে ঘামে ॥

কিনোটি অমাতৰ মাতে ঐ লাহৰী
কিনোটি অমাতৰ মাত ।
তোৰে মাতে শুনি ৰবকে নোৱাৰো
এৰি যাওঁ পেটৰে ভাত ॥

নৈয়ে নৈয়ে মইনা কুহি মাছ উজালে
ৰৌৱে মাৰিলে ছাটি ।
তোমাক ঐ লাহৰী নেপাব লাগিলে
জীৱনটি কৰি যাম মাটি ॥

হাফলুৰ ওপৰত চৰে ক'লা গৰু
কুমলীয়া ঘাঁহকে খাই ।
ৰেতিয়া লাহৰী তোমালৈ মনত পৰে
শৰীৰ ক'লা পৰি যায় ॥

আহিছা অকলৈ যামগৈ অকলৈ
পাৰ হৈ জীৱনৰ সাঁকো ।

PLEASE HANDLE THE BOOK CAREFULLY.


জীয়াই থাকোমানে পীৰিতি কৰিবা
লগত লৈ নোযোৱা কাকো ॥

কেলৈ লাগিছে নগৰৰ ৰাজপাট
কেলেই লাগিছে ঘৰ ।
হাবিৰ ৰম্যপুৰী প্ৰেমৰ বাসস্থলী
প্ৰেমৰে পাতিম ঐ ঘৰ ॥

তোমাক চাই আমনি নেলাগে লাহৰী
পেটটো নেলাগে ভোক ।
তোমাৰে নিচিনা প্ৰেমৰে পুতলা
কোনে গঢ়াই দিব মোক ॥

তোমাক গুণি ভাবি দেহা শুকুৱালো
গাত হেৰুৱালো বল ।
পীৰিতি কঠিয়া তলিত হেৰুৱালো
আশা মোৰ নিৰাশা হ'ল ॥

হাড়ক মাটি কৰি তোমালৈয়ে বুলি
ঘটিছো দুখেৰে ধন ।
তোমাক আশা কৰি আছো ঐ লাহৰী
পৰলৈ দিয়া নাই মন ॥

মাৰৰ ঘৰতে থাকিলে কি হব
পুৰুষৰ গুৰিলৈ যোৱা।
তুমি মৰি গলে কোনে পিণ্ড দিব
তালৈ ভাবি-গুণি চোৱা ॥

মইনাৰে প্ৰেম নদীত নাওঁ খেলিছিলো
ব'ঠানো ধৰিছিলো টানি।
বুকুত মোৰ জ্বলা জুই তুমি দিবা বুলি
আগেয়ে নেপালো জানি ॥

বিজুলী নহলো চমকত চাবলৈ
নহলো বোঁৱতী নৈ।
চৰাইও নহলো উৰি গৈ চাবলৈ
ছুকাষে ছুপাখি লই ॥

কেলৈ এনেকুৱা হলি ঐ লাহৰী
কেলেই তেনেকুৱা হলি।
গালৈ কাটি কৰি এফেৰি নেচালি
শতুৰু হোৱাদি হলি ॥

নিজে নিজৰ কথা গুনিছো ভাবিছো
অকলৈ নিজানত বহি ॥

সেইটি সময়ত কোনে মাত লগাব
কোনে দিব বুজনি আঁহি ॥

ৰাতিপুৱা বাহী ঠাই কোনে সাৰি দিব
হাতত লৈ খেৰৰে শোটা ।
শুই মই উঠিলে কোনে আনি দিব
বাহী মুখ ধুবলৈ লোটা ॥

কোনে আনি দিব নাদৰ পানী টুপি
কোনে ৰান্ধি দিব ভাত ।
কোনে পাৰি দিব শোৱা ঢাৰিপাটী
কোনে দিব মৰমৰ মাত ॥

নিজে ভাতে ৰন্ধা নিজে পানী অনা
নিজে বনে কৰি খোৱা ।
তাতোকৈ আৰু সোন লাগিছেনে দুখ
তাকে ভাবি গুনি চোৱা ॥

মনে পাঁজি কটা চেলেং ছকাঠী
বুকুতে পাতিছো কাঁহী ।
বিহুৰে বিহুৱান এয়ে তোমালৈ
যক বতাহত ভাঁহি ॥

ম'হৰে ধুনীয়া　　টাকুৰী শিঙিয়া
ছাগলী ধুনীয়া পঠা ।
মানুহৰ ধুনীয়া　　মাগুৰ বৰণীয়া
মনত লগাই যায় বেথা ॥

আয়ে নিদিয়ে　　বোপায়ে নিদিয়ে
ৰোৱা তোলাৰ গুণলৈ চাই ।
তুমি প্ৰাণেশ্বৰ　　চোৱা মনে কৰি
যৌৱন কাল ভটিয়াই যায় ॥

আহাৰে শাওণে　　আম কঠাল পকিছে
কলিয়া হলোৱে খায় ।
চৰকাৰী কামতে　　মোৰ ধন আছেগৈ
ধেমালিৰ বতৰে যায় ॥

ধনলৈয়ে বুলি　　খুন্দো পিঠাগুৰি
পকুৰা পিপৰাই খায় ।
চাবে দিয়া গাখীৰ ঐ　　মোলান পৰি যায়
সোন্দা কল মৰহি যায় ॥

ডিবুৰুৰ আগলি　　নৈ ভেঙুৰীয়া
উটাই পঠিয়াও ভুৰ ।

লেফাফাৰ ভিতৰত ছবি দি পঠিয়াও
আঙুলিৰ চিন দি মোৰ ॥

কিনোটি লেটাই ঐ সাজিলা পিতাই ঐ
নিদিলা বাঢ়েৰে শালত ।
কিনো দায়ে জগৰ লগালো পিতাই ঐ
নিদিলা যৌৱনৰ কালত ॥

আমৰে গছতে হাইঠা পৰিলে
মাৰোঁতা নহলে কেও ।
তোমাৰ শৰীৰত উৎপাত কৰিছে
বুজাওঁতা নহলে কেও ॥

তোমাৰ ওচৰলৈ যামে কেনে কৰি
জানো বুকত মাৰে শেল ।
তোমাৰ শৰীৰত উৎপাত কৰিছে
যেনে মাছে ভজা তেল ॥

ভাবি জ্বলা কলা নহবা মইনা ঐ
বিয়াকুল নহবা অতি ।
কোমল বয়সতে পীৰিতি কৰিলে
পাচলৈ কি হব গতি ॥

Library ... handled carefully with clean hands



বিধিৰে বিধতা  স্ৰজন্তা পালন্তা
জনমৰ গৰাকী আই ।
বনৰ বনে পশু  জোৰাকৈ পাতিলে
আমাৰ জোৰ পাতোতা নাই ॥

তুমিয়ো আমাৰে  আমিও তোমাৰে
দুয়োৰে একেটি কায় ।
সৰজন ঈশ্বৰে  আমাকো স্ৰজিলে
একো ভিনৈ পৰে নাই ॥



# জাননী

তলত নাম দিয়া কিতাপ বিলাকৰ আমিয়েই প্ৰকাশক আৰু "ষ্টকিষ্ট"। সেই কাৰণে তলৰ ঠিকনালৈ লিখক। সৰহীয়াকৈ নিওতাক উপযুক্ত কমিচন দিয়া হব।

| | | | | | |
|---|---|---|---|---|---|
| ১। | শ্ৰীমদ্ভাগৱত গীতা—(পদ্য) | ১।০ | ৯। | পানীন্দ্ৰ নাথ— | ।৵০ |
| ২। | মহাত্মাৰ জীৱনী— | ।।৵০ | ১০। | চানেকী— | ১৲ |
| ৩। | হাহিৰ কাউৰী— | ৶০ | ১১। | শনিৰ চৰিত্ৰ— | ৶০ |
| ৪। | বিষাদী যন্ত্ৰ— | ।০ | | (নল দময়ন্তী চৰিত) | |
| ৫। | ধেমালী ও বিদান— | ।।০ | ১২। | বিহুনাম—(হুচৰী কীৰ্ত্তন) | ।।৵০ |
| ৬। | খোবা-খুবুনী— | ৵০ | ১৩। | স্যমন্ত হৰণ— | ।০ |
| ৭। | বিহুৱতী— | ।৵০ | ১৪। | উজুথাবাগান্ত— | ।৵০ |
| ৮। | গ্ৰীক কাহিনী— | ৶০ | ১৫ | সতী সাধনী—(যন্ত্ৰস্থ) | |

প্ৰাপ্তিস্থান—
মাধৱ ষ্টোৰ—নহা
নগাঁও—অসম।

বিনীত—
শ্ৰীকাশী নাথ মহন্ত।